# ব্লেক মাৰ্কেট



শ্ৰীমেদিনী কান্ত ঠাকুৰীয়া

# ব্লেক মার্কেট।

(সামাজিক নাটক)

বোকাখাট থিয়েটাৰ পাৰ্টিৰ দ্বাৰা প্ৰথম অভিনীত
৩১।৩।৪৭ সোমবাৰ সন্ধিয়া।

শ্ৰীমেদিনী কান্ত ঠাকুৰীয়া
প্ৰণীত।

পৰিবেশক
মাজিৰগাওঁ লখিমী ভৰাঁল
পলাশবাৰী।

প্ৰকাশক— ১৯৯০/অঃ

গিৰি পুথি ভৰাঁল ~~১৩২৭/অঃ~~

মাজিৰ গাওঁ,

অসম সাহিত্য সভালৈ,
২২শ অধিৱেশন, প্ৰদৰ্শনী সমিতিৰ
জৰিয়তে শ্ৰী মেদিনী কান্ত
ঠাকুৰীয়াৰ পৰা উপহাৰ দান।
শ্ৰীৱৰী [illegible],
20/2/68
সভাপতি,
প্ৰদৰ্শনী সমিতি, অসম
সাহিত্য সভা, ২২শ
অধিৱেশন, শ্বিলং

শ্ৰীশুক্লেশ্বৰ বৰা

দ্বাৰা মুদ্ৰিত।

বেচ—আঠ অনা।

## —অৰ্পণ—

জাতিৰ পিতা—

পুণ্যাত্মা মহাত্মাজিৰ

শ্ৰীচৰণত

এই ক্ষুদ্ৰ নাটকখনি
অৰ্পণ কৰা
হ'ল।

শুকুৰবাৰ
২৭।২।১৯৪৮ } —লিখক

# লিখকৰ কৃতজ্ঞতা প্ৰকাশ

শিৱসাগৰ জিলাৰ বোকাখাট আৰু কাজিৰঙা মৌজা দুটিত বয়-বস্তুৰ অভাৱ অভিযোগ আৰু ব্লেক মাৰ্কেট ধ্বংসৰ প্ৰতিকাৰাৰ্থে এখন ৰাজহুৱা সভা হয়। সেই উপলক্ষে ব্লেক মাৰ্কেট নাটকৰ প্ৰথম অভিনয় পৰিপাটিকৈ কৰি দেখুওৱা হয়। সেই বাবে অভিনেতা সকলৰ ওচৰত লিখক কৃতজ্ঞ।

নাটখন হাতে লিখা অৱস্থাতে পলাশবাৰী আৰ, বি, হাই স্কুলৰ শিক্ষক শ্ৰীযুত জীৱেশ্বৰ দেৱ শৰ্ম্মাই পঢ়ি চাই দুই এটি ভুল শুধৰাই দিয়ে আৰু ছপাখানালৈ পঠোৱা নকলটি তাৰাতাৰিকৈ প্ৰিয় সখি শ্ৰীযুত আনন্দ ৰাম ডেকাই লিখি দিয়াত তেখেতদ্বয়ৰ প্ৰতি আন্তৰিক ভক্তিৰ শৰাই আগ বঢ়োৱা হ'ল। ইতি—

—লিখক—

# দ্বিতীয় তাণ্ডৰণৰ আগ-কথা

এই ক্ষুদ্ৰ নাটকখন ছপাখানাৰ পৰা ওলোৱাৰ প্ৰায় এমাহ মানৰ ভিতৰতে সাং হয়।

সদাশয় গ্ৰাহক গ্ৰাহিকা সকলৰ অনুৰোধত পুনৰ ছপা কৰিবৰ নিমিত্তে মন থকাতো নানা বেমেজালিত বহি থকাতেই চিলঙৰ শ্ৰীযুত বিভু ভূষণ চৌধুৰীয়ে ২য় তাণ্ডৰণ ছপা কৰিবলৈ হাতত লোৱাত তেখেতক কৃতজ্ঞতা জনালোঁ।

এই নাটকখনৰ প্ৰায় সকলো ঠাইতে অভিনয়ৰ বাতৰি পোৱাত অভিনেতা সকলক "জয়হিন্দ" জনাইছোঁ। ইতি—

মাজিৰগাওঁ
পলাশবাৰী
২৮।৪।৪৮

—লিখক

## —তৃতীয় তাঙৰণ—

এই তাঙৰণটো "ব্লেক মার্কেটৰ" কোনো সাল-সলনি নকৰি হুবহু আগৰ দৰেই ৰাখি এমানতেই লিখকে ৰাইজৰ ওচৰত মূৰ দোৱাই আশীৰ্ব্বাদ বিচাৰিছে। ইতি—

মাজিৰ গাওঁ
১৮৭২ শক
১ বহাগ
১৫।৪।৫১

লিখক।

——×——

## —চৰিত্ৰ—

চাপ্লাই এচ্. আই ।
চি-আই-ডি ইন্স্পেক্তৰ ।
পুলিচ চাব্-ইন্স্পেক্তৰ ।
হাকিম ।
উকিল ।
পেচ্কাৰ ।
চাপৰাচী ।
চিপাহীবোৰ ।
হোল চেলাৰ মুগীলাল বক্স ।
মেনেজাৰ ।
চেল মেন ।

হৰনাথ ।
মহেশ্বৰ ।
দাসীৰাম ।
গাওঁবুঢ়া ।
চেনিৰাম ।
ধীৰেন্দ্ৰ ।
বীৰেণ ।
যোগেন ।
ভুপেন ।
সুন্দৰ আলী ।
পথিক ।

গ্ৰাহকবোৰ ইত্যাদি ।

# ব্লেক মার্কেট

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

[ ৰেচনিং দোকান, কাৰ্ডৰ মাল লোৱাই লৈছে; চেল-মেনে মাল জুখি আজৰি পোৱা নাই । মেনেজাৰ হিচাবত ব্যস্ত ]

হৰনাথ—মেনেজাৰ বাবু, আগেয়ে মোৰ কাৰ্ডৰ মাল খিনি লিখি দিয়ক—মোৰ ঘৰত বৰ বিপদ।

মেনেজাৰ—মনে মনে থাকক । মই কিবা বহি আছোঁ নে কি ?

হৰনাথ—বেজাৰ নেপাবচোঁন মেনেজাৰ বাবু ! মোৰ বৰ বিপদ । সেই বাবেই মই ইমান লৰা-ধপৰা কৰিছোঁ । [ কাৰ্ডখন আগ বঢ়াই দিয়ে ]

মেনেজাৰ—[ কাৰ্ড দলিয়াই দি ] যোৱা-যোৱা বিৰক্তি নকৰিবা । বিপদে হওক বা কোনোবা মৰকে এতিয়া মোক আমনি নকৰিবা । অলপ শান্ত হওক আৰু মাত্ৰ দুখন কাৰ্ডৰ মাল লিখিব আছে, সেই দুখন লিখা হলেই আপোনাৰ কাৰ্ডৰ মাল লিখা হব । [ অলপ ভাবি ] অ' আপুনি বোধহয় মাল নেপাব, মোৰ মনত

পৰে আপোনাৰ ওৱাইফে মাল নিয়া। বাৰু, নিছে নে নাই কার্ড আৰু চেলবুক বিজাই চালে সকলো ধৰা পৰিব

[ বেগে মহেশ্বৰ শৰ্ম্মাৰ প্ৰবেশ ]

মহেশ্বৰ—হেৰি মেনেজাৰ! মোৰ এই চেনি পোৱা কোনে জুখি দিছে।

মেনেজাৰ—কিয়? কি প্ৰয়োজন? চেল-মেনে জুখি দিছে।

মহেশ্বৰ—চেল-মেনে দিছে? কিমান দিছে?

মেনেজাৰ—আপুনি নেজানে জানেঁ।? গৱৰ্ণমেণ্টে এইবাৰৰ ক'টাত জনেপ্ৰতি এছটাককৈ চেনি বিতৰণ কৰিবলৈ কৈছে। আপোনাৰ নো জন-সংখ্যা কিমান?

মহেশ্বৰ—চাৰি জন।

মেনেজাৰ—তেনেহলে আপুনি এপোৱা চেনি পায়।

অ'—ঘুমৰু কা! মহেশ্বৰ শৰ্ম্মাক চেনি কিমান জুখি দি-ছি-লি অ।

মৰু—(কাষলৈ আহি) পুৰাপুৰি এপোৱা জুখি দিছোঁ দেখোন।

মহেশ্বৰ—এপোৱা দিছা? বাৰু—বাৰু দগা-পাল্লা আনি ওজন কৰি ভালদৰে দেখুৱা।

ঘুমৰু—বাৰু চোৱা। এবাৰ কিয় এশবাৰ ওজন কৰি দিবলৈয়ো ৰাজী আছোঁ।

[ দগা-পাল্লা আনি ওজন কৰিব ধৰে ]

মহেশ্বৰ—পিচে,—কিমান হ'ল হে ? এই দৰেইতো তোমালোকে দুখীয়া হোজা গাঁৱলীয়াক জোকে তেজ পিয়া দিব ধৰিছা । এপোৱা চেনিৰো লোভ সামৰিব নোৱাৰি দেখাদেখিকৈ এছটাক চেনি চুৰ কৰি ৰাখিলা । ধিক্ তোমালোকৰ ব্যৱসায় ।

ঘুমক—চুপ ! মুখ চম্ভালি কথা কবি । নহলে দোকানৰ পৰা গতিয়াই বাহিৰ কৰি দিম । ঘুমকই আজিলৈকে কাৰো এডাল বাঁহৰ জেওনিকে নোসোধাকৈ কাটি পোৱা নাই । ঘৰত চেনি ৰাখি থৈ দোকানীৰ ওচৰলৈ আকৌ মাল আদায় কৰিবলৈ আহিছা । ভালে ভালে নিজৰ মান ৰাখি ইয়াৰ পৰা গুচি যা, নহলে কথা বষমত পৰিণত হব গৈ ।

মহেশ্বৰ—হেৰ'-তই কি বিষম কৰিবি অ' ? চোৰৰে আৰু ইমান বাহাদুৰী ?

মেনেজাৰ—ঘুমক্ক কা ! কি চাইছ ? চটপ চটপ্ কৈ দুটা লগাই দি বাহিৰ কৰি উলিয়াই দে ।

ঘুমক—( ঘুচা দি ) বাহিৰ হ ইয়াৰ পৰা কুকুৰটো ।

মহেশ্বৰ—( চিঞৰি ) মাৰিলে অ'—বোপাইহঁত মাৰিলে ! ( কঁকালত কাপোৰ বান্ধি ) আহ,—ছালা তিৰি খোৱাৰ পো ; ঢেকুৰাৰ পো তোকো মই লগত নিহে এৰিম ।

মেনেজাৰ—হেৰ কতা ! কাৰ সন্মুখত ইমান গৰম কথা কৈছ ? চিনি পোৱা নাই নে—আমি কি বস্তু । হেৰ ঘুমক কা ! কিনো চাই আছ অই । ধৰ লগাই দে—ফট্-ফটি মৰি যাওক। ( মহেশ্বৰক মাটিত পেলাই লৈ বগৰাই বগৰাই মাৰিব ধৰে। )

মহেশ্বৰ—( চিঞৰি ) মাৰিলে ঁও—বোপাইহঁত—মৰিলো ৰক্ষা কৰা কোন ক'ত আছা অ'ই। ( মাল নিব অহা গ্ৰাহকবোৰ দৌৰি আহি মেনেজাৰ আৰু চেলচ-মেনক টা'ন নি কাজিয়া ভাঙ্গি দিয়ে ।

[ হঠাৎ চাপ্লাই চাব্ ইন্সপেক্টৰৰ প্ৰবেশ ]

এচ, আই—দোকানত কিয় ইমান গণ্ডগোল হৈছে ?

মেনেজাৰ—( দৌৰি আহি চালাম দি ) গুড মৰনিং চাৰ !

এচ, আই—গুড মৰনিং ! দোকানত কিহৰ গোলমাল হৈছে ?

মেনেজাৰ—( বহিব দি ) একো হোৱা নাই চাৰ ! আজি আপুনি আমাৰ দোকান ইন্স-পেক্চন্ কৰিবলৈ অহাৰ গম পায়ে বয়-বস্তুৰ অভাৱ অভিযোগৰ কথা জনাবাৰ কৰবলৈ বুলিয়ে ইমান দুখীয়া প্ৰজা সমবেত হৈছেহি । কি কম চাৰ ! দুখীয়া প্ৰজাৰ বয়-বস্তুৰ অভাৱত প্ৰাণ ফাটি যায় । আজি বোলে কেৰাচিন তেল নাই; কালি বোলে নিমখ নাই, পৰহি বোলে চেনি নাই ।

কেৱল নাইহে নাই। দি নে দিনে খাদ্য বস্তুৰ সঙ্কট বাঢ়িহে গৈছে। আমি ভাবিছিলো যে, আগৰ মন্ত্রী-সভা ধ্বংস হৈ আমাৰ জনপ্ৰিয় কংগ্ৰেছ মন্ত্ৰীসভা বহিছে যেতিয়া প্ৰজাৰ দুখ কষ্ট ক্ৰমান্বয়ে কমি আহি দুখীয়া প্ৰজাৰ মুখত সুখৰ হাঁহি বিৰিঙি উঠিব। কিন্তু ক'তা ? দিনক দিনে দেশৰ অৱস্থা অৱনতিৰ ফালেহে ঢাল লৈছে। কিন্তু গাৱঁলীয়াসকলে দেশৰ অৱস্থা কোন ফালে গতি কৰিছে সেইবিলাক নেমানে—কেৱল মাহৰ মূৰত কণ্ট্ৰোলৰ মাল মেনেজাৰে দিব লাগে। মাল আহক বা নাহকেই। মাল নাহিলে মেনেজাৰে কৰবাত বিকি খালে ইত্যাদি নানা ৰকমৰ ৰটনা কৰিব ধৰে। কুৱালিফিকেচন নহলে এই ৰকমে হয়। চাৰ! এইবাৰৰ মালৰ ক'টা কেতিয়া পাম ?

এচ, আই—আহিলেই পাবা।

দাসীৰাম—কি দেশভক্তটো হৈছে এতিয়া—কথাৰ আৰে নোহোৱা হৈছে। মোৰ কথা শুনক চাৰ!—মোৰ কথা শুনক। এই বিড়াল তপস্বীৰ কথাত মন নিদিব। সেই যে মাটিত বাগৰি থকা মানুহজন দেখিছে তাক বগৰাই বগৰাই মেনেজাৰে আৰু চেল-মেনে মাৰিলে চাৰ? আমাকনো এইবিলাক কি কণ্টেল নে চণ্টেল কৰি দি মাৰ নোখোৱাবো মাৰ খোৱা কৰিলে। বোধ

হয় ইয়াৰ নাম মাল খোৱা দোকান গুচাই মাৰ খোৱা দোকান হে দিয়া উচিত।

মেনেজাৰ—দূৰ হ বদমাইচ্‌টো। উপলুঙা কৰি কথা কবলৈ নাহিবি ইয়ালৈ। ভালে ভালে গুচি যা।

দাসী—কাৰ ভয়ত গুচি যাম অ'—? তয়ো কিবা মোক মহেশ্বৰ বুলি ভাবিছ নে কি ?

এচ্‌, আই—হেৰা অবাবত তৰ্ক কৰি সময় নকটাবা চোন। ভালকৈ মোক পৰিপাটি কৰি বুজাই কোৱা। মই কেচটিৰ উচিত বিচাৰ কৰিম। কোৱা—

দাসী—মোক সুধিবই নেলাগে চাৰ। মহেশ্বৰক সুধিলেই ঘটনাৰ আদিৰ পৰা অন্তলৈ জানিব পাৰিব।

এচ্‌, আই—বাৰু, হেৰা মহেশ্বৰ! আগুৱাই আহি কি ঘটনা ঘটিছে কোৱা।

মহেশ্বৰ—( আগুৱাই আহি, হাত যোৰ কৰি ) চাৰ! মই অথনিয়ে মোৰ ভাগৰ চেনিখিনি এজন আলহী অহাত এটোপা চা-পানী খুৱাবৰ নিমিত্তে নিছিলোঁ। মোৰ সন্দেহ হোৱাত চেনিখিনি আলহী জনৰ আগতে জুখিলোঁ। চেনি পাওঁ চাৰিজনৰ ভিতৰত এপোৱা, তাৰো এছটাক ৰাখি তিনি ছটাকহে চেনি দিছে। তাকেই চমজা-চমজি কৰিবলৈ অহাত মোকে কিমান কটু বাক্য বুলি অৱশেষত দুয়োজনে বগৰাই বগৰাই মাৰে

চাৰ। দেখকচোন চাৰ! মোৰ দাঁতৰ গুৰিবে কেনেকৈ তেজ ওলাব ধৰিছে। (মুখ মেলি দেখুৱাই) এই মানুহবিলাককে সোধকচোন কাৰ গাত দোষ।

এচ, আই—মোৰ কাকো সুধিবৰ প্ৰয়োজন নাই। মই সকলো ঘটনাৰ আঁট পাইছো। মেনেজাৰ! চেল-বুকটো দিয়াচোন।

মেনেজাৰ—(চেলবুক আনি দি) ধৰক চাৰ!

এচ, আই—(বহি চকু ফুৰাই চাই) এইবাৰ জনে প্ৰতি চেনি কিমানকৈ দিছা?

মেনেজাৰ—দহ তোলা চাৰ!

এচ, আই—তেনেহলে তুমি মহেশ্বৰ শৰ্ম্মাৰ নামত কিয় আধা সেৰ চেনি লিখি থৈছা?

মেনেজাৰ—(মূৰ খজুৱাই খজুৱাই) কালি এপোৱা নিছে চাৰ।

এচ, আই—চুপ্! মনে মনে থাকা। যদি কালি নিছে আজি কিয় লিখিলা। হেৰা! তুমি কালি এপোৱা চেনি নিছা নে?

মহেশ্বৰ—নাই চাৰ! কালি মই দোকানকে অহা নাই। এটা কথা হৈছে চাৰ! এইবাৰ মেনেজাৰে চেনি জনে প্ৰতি এছটাক কৈহে ভাগত পৰিছে বুলি কৈছে চাৰ!

এচ, আই—এই দোকানৰ চেয়াৰ মেন্, চেক্ৰেটৰী আদিয়ে

কোনো কেয়াৰ নোলোৱাতে ইমানখিনি পাইছে গৈ। দোকান যে থাকিব আশা কম। হিচাবত যে কি কৰি থৈছে—সেইটো ভগৱানেহে জানে। এইখন গাৱঁৰ গাওঁবুঢ়া কোন হে ?

মহেশ্বৰ—সৌজন চাৰ। তেখেত দোকানৰ ফালে আহিছেই।

এচ, আই—হেৰি গাওঁবুঢ়া। মাত দিয়কচোন।

গাওঁবুঢ়া—(ওচৰলৈ আহি চালাম দি) কিয় মাতিলে চাৰ।

এচ, আই—তুমি সঁচা কৰাচোন, গাওঁৰ মানুহবিলাকক মেনেজাৰে মাল কি ৰকমে বিতৰণ কৰি দিছে ?

গাওঁবুঢ়া—চাৰ। আপুনি হৈছে এজন চৰকাৰী বেতন ভোগী বিষয়া। আপোনাৰ আগত মিছা কবৰ মোৰ কোনো প্ৰয়োজন নাই। যি হুআষাৰ মই জানো তাকে আচল আচল কম। এই মাহৰ ক'টাত নিমখ ঘৰমূৰি এসেৰ কেৰাচিনতেল আধা সেৰ, চেনি জন মূৰি কাকো পাঁচ তোলা, কাকো দহ তোলা, কাকো বা এতোলাও দিয়া নাই। সেই কথা মই বেছ গম পাওঁ। ইফালে মিঠা তেলৰ কণ্ট্ৰোল বান্ধিছে ; কিন্তু গৱৰ্ণমেণ্টে যোগান নিদিয়ে+ তাৰ ফলত তেলৰ খোৱাত এটকাত খাৰ লগাত পৰিছো। সও যদি খাটি সৰিয়হৰ তেল হলহেঁতেন। হুভাগে বাদাম আৰু তিলৰ তেল ভেজাল লগোৱা। ইফালে কাপোৰ সূতাৰ কথা কি

কম। আজি চাৰি মাহ অতীত হৈ গ'ল কানি-কাপোৰ এগজো পোৱা নাই। ইয়াৰ আগেয়ে যি অলপ অচৰপ কাপোৰ আহিছিল, সেই কাপোৰ দুখীয়াৰ ভাগ্যত নঘটিল। মেনেজাৰ সকলে অ'ত-ভত লুকাই থৈ ভাটীৰ দেশৰ বেপাৰীক অতি দৰত বিকি দি, দুখীয়া গ্ৰাহক কাপোৰ আনিব গলে, আদায় হোৱা বুলি কয়। আৰু এই তাণ্ডৱ পৈশাচিক নৃত্যৰ কথা কিমান কম। কৈ থাকিলে এখন মহাভাৰত হব। হায়! হায়! গোটা মছুৰ আৰু ৰহৰৰ দাইল। তোক কণ্ট্ৰোল কৰাৰ অভিমানত অসমীয়াৰ কলাখাৰ দিলেও নিসিজাত পৰিছা। এতিয়া দিনক দিনে বয়বস্তু অন্তৰ্দ্ধান হবলৈহে ধৰিলে দেখোঁ—যুদ্ধৰ সময়তো এনেকুৱা হোৱা নাছিল।

এচ, আই—(তলমূৰকৈ কিবা লিখি, ঘড়ী চাই) এতিয়া বাৰ বাজি গ'ল। আপোনাৰ মুখৰপৰা সকলো ৰহস্য বুজিব পাৰিছোঁ। এতিয়া আপোনালোক যাওক। মহেশ্বৰ শৰ্ম্মা! আপুনি কোনো চিন্তা নকৰিব। মই কেচটো বিচাৰত দিমগৈ। আৰু সমজুৱা সকল! প্ৰয়োজন হলে আপোনালোকে সাক্ষী কব লাগিব।

সমজুৱাসকল—কম কম চাৰ—নিশ্চয় কম। মাত্ৰ উচিত বিচাৰ লাগে। [ প্ৰস্থান ]

কোনো কেম্নাৰ নোলোৱাতে ইমানখিনি পাইছে গৈ। দোকান যে থাকিব আশা কম। হিচাবত যে কি কৰি থৈছে—সেইটো ভগৱানেহে জানে। এইখন গাৱঁৰ গাওঁবুঢ়া কোন হে ?

মহেশ্বৰ—সৌজন চাৰ। ভেখেত দোকানৰ ফালে আহিছেই।

এচ, আই—হেৰি গাওঁবুঢ়া। মাত দিয়কচোন।

গাওঁবুঢ়া—(ওচৰলৈ আহি চালাম দি) কিয় মাতিলে চাৰ।

এচ্, আই—তুমি সঁচা কবাচোন, গাওঁৰ মানুহবিলাকক মেনেজাৰে মাল কি ৰকমে বিতৰণ কৰি দিছে?

গাওঁবুঢ়া—চাৰ। আপুনি হৈছে এজন চৰকাৰী বেতন ভোগী বিষয়া। আপোনাৰ আগত মিছা কবৰ মোৰ কোনো প্ৰয়োজন নাই। যি দুআষাৰ মই জানো তাকে আচল্ আৰ্চল কম। এই মাহৰ ক'টাত নিমথ ঘৰমূৰি এসেৰ কেৰাচিনতেল আধা সেৰ, চেনি জন মূৰি কাকো পাঁচ তোলা, কাকো দহ তোলা, কাকো বা এতোলাও দিয়া নাই। সেই কথা মই বেছ গম পাওঁ। ইফালে মিঠা তেলৰ কণ্ট্ৰোল বাদ্ধিছে; কিন্তু গৱৰ্ণমেণ্টে যোগান নিদিয়ে+ তাৰ ফলত তেলৰ পোৱাত এটকাত খাৰ লগাত পৰিছোঁ। সও যদি খাটি সৰিয়হৰ তেল হলহেঁতেন। দুভাগে বাদাম আৰু তিলৰ তেল ভেজাল লগোৱা। ইফালে কাপোৰ সূতাৰ কথা কি

কম। আজি চাৰি মাহ অতীত হৈ গ'ল কানি-কাপোৰ এগজো পোৱা নাই। ইয়াৰ আগেয়ে যি অলপ অচৰপ কাপোৰ আছিছিল, সেই কাপোৰ দুখীয়াৰ ভাগ্যত নঘটিল। মেনেজাৰ সকলে অ'ত-ভত লুকাই থৈ ভাটীৰ দেশৰ বেপাৰীক অতি দৰত বিকি দি, দুখীয়া গ্ৰাহক কাপোৰ আনিব গলে, আদায় হোৱা বুলি কয়। আৰু এই তাণ্ডৱ পৈশাচিক নৃত্যৰ কথা কিমান কম। কৈ থাকিলে এখন মহাভাৰত হব। হায়! হায়! গোটা মছুৰ আৰু ৰহৰৰ দাইল। তোক কণ্ট্ৰোল কৰাৰ অভিমানত অসমীয়াৰ কলাখাৰ দিলেও নিসিজাত পৰিছা। এতিয়া দিনক দিনে বয়বস্তু অন্তৰ্দ্ধান হবলৈহে ধৰিলে দেখোঁ—যুদ্ধৰ সময়তো এনেকুৱা হোৱা নাছিল।

এচ, আই—(তলমূৰকৈ কিবা লিখি, ঘড়ী চাই) এতিয়া বাৰ বাজি গ'ল। আপোনাৰ মুখৰপৰা সকলো ৰহস্য বুজিব পাৰিছোঁ। এতিয়া আপোনালোক যাওক। মহেশ্বৰ শৰ্ম্মা! আপুনি কোনো চিন্তা নকৰিব। মই কেচটো বিচাৰত দিমগৈ। আৰু সমজুৱা সকল! প্ৰয়োজন হলে আপোনালোকে সাক্ষী কব লাগিব।

সমজুৱাসকল—কম কম চাৰ—নিশ্চয় কম। মাত্ৰ উচিত বিচাৰ লাগে। [ প্ৰস্থান ]

হৰনাথ—চাৰ! মোৰ ঘৰত বৰ বিপদ। এতিয়াই দুই এপোৱা চেনিৰ চিলিপ লাগে। অনুগ্ৰহ কৰি লিখি দিয়ক।

এচ্, আই—চাৰি বজাত অফিচলৈ যাবা, এতিয়া সময় নাই। তুমি যোৱা।

হৰনাথ—ভাল—আহিলোঁ। [ প্ৰস্থান ]

এচ্, আই—মেনেজাৰ! চোৱাচোন, তুমি কিমান গহিত কাম কৰি পেলাইছা। মই ভাবিয়ে পোৱা নাই—তোমাৰ কি দণ্ড হব।

মেনেজাৰ—( চিগাৰেটৰ পেকেট আগ বঢ়াই দিয়ে, এচ্, আই এটা জ্বলাই হুপিব ধৰে ) চাৰ! কেচটো পঠাব নেলাগে; ইয়াতে যি হয় এটা মীমাংসা কৰক।

এচ্, আই—আপুনি কি কয়? মই কোনো প্ৰকাৰে কেচটো কম্‌প্ৰোমাইজ্ কৰিব নোৱাৰো। আপোনাৰ বিৰুদ্ধে বহুতো গাৰ্ললীয়াৰ পৰা দৰখাস্ত পৰাৰ কাৰণে ওপৰৰ পৰা মোক জৰুৰী তদন্ত পঠাই দিছে। মই আহি আজি গাৰ্ললীয়াৰপৰা যি কেইআষাৰ শুনিলো সি সকলো সত্য। ইফালে মই তদন্তত আহিছোঁ যেতিয়া ভালেই হওক বা বেয়াই হওক এটাতো ৰিপৰ্ট দিবই লাগিব!

মেনেজাৰ—( মণি বেগৰ পৰা দহ টকীয়া নোট পাঁচখন উলিয়াই হাতত দি ) বাদ দিয়ক চাৰ! আপোনাক পাণ, চিগাৰেট খোৱাকৈ অলপ দিলোঁ। বেজাৰ নেপাব।

এচ, আই—কিমান দিছে ?

মেনেজাৰ—ফিফ্‌টি দিছো।

এচ্, আই—যদি দিছে পূৰা হাণ্ড্ৰেড্ কৰি দিয়ক। তাৰ এপইচাও কম কৰা নহয়। ভাবি চাবা ; কেচ দিলে নেহাৎ কমেও ফাইভ্ হাণ্ড্ৰেড্ টকা ভৰিব লাগিব।

মেনেজাৰ—( মণি বেগৰ পৰা টকা উলিয়াই হাতত গুজি দি ) ধৰক চাৰ ! আপুনি কোৱা মতেই দিলোঁ।

এচ্, আই—( নোট কেইখন লেখি, জেপত ভৰাই লৈ ) বাৰু এতিয়া আহিলোঁ। (এটি চিগাৰেট হুপি প্ৰস্থান)

মেনেজাৰ—( চালাম দি ) ভাল চাৰ !

চেনিৰাম—[ বাহিৰৰ পৰা ] হাজৰিকা—দোকানত আছে নে ?

মেনেজাৰ—( ভিতৰৰ পৰা ) এৰা ; আছোঁ। ( চেনিৰাম সোমাই আহে )

চেনিৰাম—গুদ্ মনিং হাজৰিকা।

মেনেজাৰ—গুদ্ মনিং শইকীয়া। অসময়ত ক'ৰ পৰা ওলালেহি।

চেনিৰাম—দোকানৰ পৰাই আহিলো। পিচে, এচ্ আই কিয় আহিছিলে ?

মেনেজাৰ—দোকান চেক্ কৰিবলৈ আহিছিল।

চেনিৰাম—কিবা খুঁত উলিয়ালে নেকি ?

হৰনাথ—চাৰ! মোৰ ঘৰত বৰ বিপদ। এতিয়াই দুই এপোৱা চেনিৰ চিলিপ লাগে। অনুগ্ৰহ কৰি লিখি দিয়ক।

এচ্, আই—চাৰি বজাত অফিচলৈ যাবা, এতিয়া সময় নাই। তুমি যোৱা।

হৰনাথ—ভাল—আহিলোঁ। [ প্ৰস্থান ]

এচ্, আই—মেনেজাৰ! চোৱাচোন, তুমি কিমান গহিত কাম কৰি পেলাইছা। মই ভাবিয়ে পোৱা নাই—তোমাৰ কি দণ্ড হব।

মেনেজাৰ—( চিগাৰেটৰ পেকেট আগ বঢ়াই দিয়ে, এচ্, আই এটা জ্বলাই হুপিব ধৰে ) চাৰ! কেচটো পঠাব নেলাগে; ইয়াতে যি হয় এটা মীমাংসা কৰক।

এচ্, আই—আপুনি কি কয়? মই কোনো প্ৰকাৰে কেচটো কম্প্ৰোমাইজ্ কৰিব নোৱাৰো। আপোনাৰ বিৰুদ্ধে বহুতো গাৱঁলীয়াৰ পৰা দৰখাস্ত পৰাৰ কাৰণে ওপৰৰ পৰা মোক জৰুৰী তদন্ত পঠাই দিছে। মই আহি আজি গাৱঁলীয়াৰপৰা যি কেইআষাৰ শুনিলো সি সকলো সত্য। ইফালে মই তদন্তত আহিছোঁ যেতিয়া ভালেই হওক বা বেয়াই হওক এটাতো ৰিপৰ্ট দিবই লাগিব!

মেনেজাৰ—( মণি ব্যেগৰ পৰা দহ টকীয়া নোট পাঁচখন উলিয়াই হাতত দি ) বাদ দিয়ক চাৰ! আপোনাক পাণ, চিগাৰেট খোৱাকৈ অলপ দিলোঁ বেজাৰ নেপাব।

এচ, আই—কিমান দিছে ?

মেনেজাৰ—ফিফ্‌টি দিছো।

এচ্, আই—যদি দিছে পূৰা হাণ্ড্ৰেড্ কৰি দিয়ক। তাৰ এপইচাও কম কৰা নহয়। ভাবি চাবা ; কেচ দিলে নেহাৎ কমেও ফাইভ্ হাণ্ড্ৰেড্ টকা ভৰিব লাগিব।

মেনেজাৰ—( মণি বেগৰ পৰা টকা উলিয়াই হাতত গুজি দি ) ধৰক চাৰ ! আপুনি কোৱা মতেই দিলোঁ।

এচ্, আই—( নোট কেইখন লেখি, জেপত ভৰাই লৈ ) বাৰু এতিয়া আহিলোঁ। (এটি চিগাৰেট হুপি প্ৰস্থান)

মেনেজাৰ—( চালাম দি ) ভাল চাৰ !

চেনিৰাম—[ বাহিৰৰ পৰা ] হাজৰিকা—দোকানত আছে নে ?

মেনেজাৰ—( ভিতৰৰ পৰা ) এৰা ; আছোঁ। ( চেনিৰাম সোমাই আহে )

চেনিৰাম—গুদ্ মৰ্নিং হাজৰিকা।

মেনেজাৰ—গুদ্ মৰ্নিং শইকীয়া। অসময়ত ক'ৰ পৰা ওলালেহি।

চেনিৰাম—দোকানৰ পৰাই আহিলো। পিচে, এচ্ আই কিয় আহিছিলে ?

মেনেজাৰ—দোকান চেক্ কৰিবলৈ আহিছিল।

চেনিৰাম—কিবা খুঁত উলিয়ালে নেকি ?

মেনেজাৰ—খুঁত আক নোলাব পাৰে নে? গৈ থৈ নগদ এশ ৰূপ নিলে।

চেনিৰাম—নিবলৈ দিয়ক আৰু আহিব। এতিয়া মোক সোনকালে বিদায় দিয়ক। আজি দুদিন হলহি চাহ একাপকে বিকিব পৰা নাই—চেনিৰ অভাৱত। আপুনি দহ-বাৰ সেৰ পাৰে যদি দিয়ক।

মেনেজাৰ—দাম হলে এইবাৰ সেৰেপ্ৰতি তিনি টকাকৈ লাগিব।

চেনিৰাম—লব। কোনো ফিকিৰ নাই। কেৱল মাল যোগাই থাকিব।

মেনেজাৰ—অ' ঘুমকু কা! ভিতৰত থকা বস্তাটোৰ পৰা দহ সেৰ চেনি জুখি আনচোন। (প্ৰয়োজনে চিগাৰেট জ্বলাই হুপিব ধৰে। ঘুমকুই চেনি আনি আগত দিয়ে) এতিয়া টকা ত্ৰিশটা দিয়ক।

চেনিৰাম—(নোট লেখি দি) ধৰক। এতিয়া গুড্‌বাই। দৰকাৰ হলে মোৰ লৰাটি পঠাই দিম। পাৰিলে মাজে সময়ে দি থাকিব।

মেনেজাৰ—ভাল। চেষ্টা কৰিম।

—:০:—

## দ্বিতীয় দৃশ্য ।

### —জয়হিন্দ সঙ্ঘ—

[ ধীৰেনে হাৰমনিয়ম বজাই এটি ৰাগিণীমূলক কন্‌চাৰট বজাইছে ; যোগেন. নগেন, আৰু ভূপেনে ক্ৰমান্বয়ে দাইনা-টব্‌ল', বেহেলা, বাঁহী বজাইছে ]

ধীৰেন—সুন্দৰ ! কন্‌চাৰটটি আটাই কেইজনৰে সঙ্গত হৈছে । ইংলিছ কন্‌চাৰটতকৈ আমাৰ জাতীয় ৰাগ ৰাগিণীৰ কন্‌চাৰট শুনিবলৈ শ্ৰুতিমধুৰ। সেই কাৰণে আগৰ দিনৰ ঋষি মুনি সকলে ৰাগ ৰাগিণীৰ গান গাই বতাহ বৰষুণ দিয়াব পাৰিছিল ; আজি বেছিদিনৰ কথাই নহয়, বুৰঞ্জীৰ মাজভাগৰ আকবৰৰ ৰাজত্বতে মুছলমান যুৱক তানসেনে ৰাগ ৰাগিণীৰ গীত গাই বতাহ বৰষুণ দিয়াব পাৰিছিল। পাশ্চাত্য দেশতকৈ আমাৰ সঙ্গীত বহুত উন্নত। আজি কালি আমাৰ বহুত গায়কে বিদেশী সুৰতে গীত গায়। সেই কাৰণে আমাৰ সঙ্গীত বহুত অবনতিৰ ফালে নামি গৈছে। আৰু আমি আজি ৰাগ-ৰাগিণীৰ প্ৰকৃত সুৰ নেপাই বিপথে যোৱাত বতাহ বৰষুণ দিয়াব নোৱাৰাত পৰিছোঁ।

নগেন—থৈ দিয়া তোমাৰ সঙ্গীতৰ সমালোচনা খন। এতিয়া গীত গোৱা সময়। সেই দিনাখন গোৱা

মেনেজাৰ—খুঁত আক নোলাব পাৰে নে? গৈ থৈ নগদ এশ ৰূপ নিলে।

চেনিৰাম—নিবলৈ দিয়ক আৰু আহিব। এতিয়া মোক সোনকালে বিদায় দিয়ক। আজি দুদিন হলহি চাহ একাপকে বিকিব পৰা নাই—চেনিৰ অভাৱত। আপুনি দহ-বাৰ সেৰ পাৰে যদি দিয়ক।

মেনেজাৰ—দাম হলে এইবাৰ সেৰেপ্ৰতি তিনি টকাকৈ লাগিব।

চেনিৰাম—লব। কোনো ফিকিৰ নাই। কেৱল মাল যোগাই থাকিব।

মেনেজাৰ—অ' ঘুমৰু কা! ভিতৰত থকা বস্তাটোৰ পৰা দহ সেৰ চেনি জুখি আনচোন। (দুয়োজনে চিগাৰেট জ্বলাই হুপিব ধৰে। ঘুমৰুই চেনি আনি আগত দিয়ে) এতিয়া টকা ত্ৰিশটা দিয়ক।

চেনিৰাম—(নোট লেখি দি) ধৰক। এতিয়া গুড্ বাই। দৰকাৰ হলে মোৰ লৰাটি পঠাই দিম। পাৰিলে মাজে সময়ে দি থাকিব।

মেনেজাৰ—ভাল। চেষ্টা কৰিম।

—:০:—

## দ্বিতীয় দৃশ্য ।

—জয়হিন্দ সঙ্ঘ—

[ ধীৰেনে হাৰমনিয়ম বজাই এটি ৰাগিণীমূলক কন্‌চাৰট বজাইছে ; যোগেন, নগেন, আৰু ভূপেনে ক্ৰমান্বয়ে দাইনা-টব্‌ল', বেহেলা, বাঁহী বজাইছে ]

ধীৰেন—সুন্দৰ ! কন্‌চাৰটটি আটাই কেইজনৰে সঙ্গত হৈছে । ইংলিছ কন্‌চাৰটতকৈ আমাৰ জাতীয় ৰাগ ৰাগিণীৰ কন্‌চাৰট শুনিবলৈ শ্ৰুতিমধুৰ। সেই কাৰণে আগৰ দিনৰ ঋষি মুনি সকলে ৰাগ ৰাগিণীৰ গান গাই বতাহ বৰষুণ দিয়াব পাৰিছিল ; আজি বেছিদিনৰ কথাই নহয়, বুৰঞ্জীৰ মাজভাগৰ আকবৰৰ ৰাজত্বতে মুছলমান যুবক তানসেনে ৰাগ ৰাগিণীৰ গীত গাই বতাহ বৰষুণ দিয়াব পাৰিছিল। পাশ্চাত্য দেশতকৈ আমাৰ সঙ্গীত বহুত উন্নত। আজি কালি আমাৰ বহুত গায়কে বিদেশী সুৰতে গীত গায়। সেই কাৰণে আমাৰ সঙ্গীত বহুত অবনতিৰ ফালে নামি গৈছে। আৰু আমি আজি ৰাগ-ৰাগিণীৰ প্ৰকৃত সুৰ নেপাই বিপথে যোৱাত বতাহ বৰষুণ দিয়াব নোৱাৰাত পৰিছোঁ।

নগেন—থৈ দিয়া তোমাৰ সঙ্গীতৰ সমালোচনা খন। এতিয়া গীত গোৱা সময়। সেই দিনাখন গোৱা

"সমীৰণ ! দিলি কাণে কাণে বাতৰি প্ৰিয়াৰ" বোলা গীতটোকে গোৱা ।

ধীৰেন—বাৰু গাওঁ । আজি মাতটোৱে খাৰাপ্ হৈছে ।

বজাব - হে (গীত)

সমীৰণ !
দিলি কাণে কাণে বাতৰি প্ৰিয়াৰ ;
সন্নিধান
দিয়াগৈ বাতৰি মোৰে লগৰীৰ ।
যা— বাদল উৰি উৰি যা
নিদিবি বাৰিষা তাপিত হিয়াত
সেইটি কথা মোৰে আছে বাকী,
গুপুতত যতনে ৰাখিছো ঢাকি ।
তোমাকে বন্দে গাথিছো ছন্দে
আনন্দ পৰমানন্দে ।
নাই আৰু মোৰ দিবলৈ তোমাক
আছে মাথো এটি গানে ॥
হৰষিত হৰা
বৰষিছে পৱনে
গ'ন্ধত মদিৰা,
প্ৰিয়া প্ৰিয়া তুমি
তাপিত পৰাণে
উঠিছে ঢৌ প্ৰেমৰে ॥

[ গীত শেষ হোৱাত সুন্দৰ আলিৰ প্ৰবেশ ]

সুন্দৰ আলি—কিহে ! তোমালোকে সভা সমিতিলৈ নোযোৱা, সঙ্গীততে মত্ত হৈছা। তুমি আমি দেশৰ ডেকা দলে যদি সভা সমিতিত উপস্থিত নেথাকো— তেনেহলে থাকিব কোন ? ই বৰ পৰিতাপৰ বিষয়।

ধীৰেন—ক্ষমা কৰিবা ভাই—আলি চাহেব ! আজিৰ সভাৰ বাতৰি আমি সমূলি পোৱা না'ছিলো। মাত্ৰ শুনিছিলো লীগৰ এখন মিটিঙৰ কথা।

যোগেন—আলিচাহেব ! আজিৰ নো সভাৰ আলোচ্য বিষয় কি আছিল হে ? আৰু সভাপতিনো কাক বৰণ কৰিছিলে ?

সুন্দৰ আলি—সভাপতি বৰণ কৰা হৈছিল দেশৰ একনিষ্ঠ সেৱক কৰ্ম্মবীৰ শ্ৰীযুক্ত দাস মেধি এম্-এল-এ। সভাৰ মুখ্য উদ্দেশ্য আছিল দুটা। এটা হৈছে ব্লেক মাৰ্কেটৰ গ্ৰাসত গোটেই দেশ পৰাত তাৰ প্ৰতিকাৰাৰ্থে সৎপথ বিচাৰ কৰা। অন্যটো হৈছে—সুদূৰ ইংলণ্ডৰ পৰা বন্ধুভাৱে মন্ত্ৰী মিছন আহি, ভাৰতৰ স্বাধীনতাৰ বাকচ ১৬ মেই তাৰিখে খুলি দিয়াত তাৰ গেছত হিন্দু, মুছলমান, শিখ, খৃষ্টান বলিয়া হৈ কলিকতা, নোৱাখালি, ত্ৰিপুৰা, বিহাৰ পঞ্জাৱত যি পৈশাচিক নৃত্য কৰি ভাতৃবধ নাটকৰ সকৰুণ অভিনয় কৰি দেখুৱালে

"সমীৰণ। দিলি কাণে কাণে বাতৰি প্ৰিয়াৰ" বোলা গীতটোকে গোৱা।

ধীৰেন—বাৰু গাওঁ। আজি মাতটোৱে খাৰাপ্ হৈছে।

বঙ্গাব – হে (গীত)

সমীৰণ।

দিলি কাণে কাণে বাতৰি প্ৰিয়াৰ ;

সমিধান

দিয়াগৈ বাতৰি মোৰে লগৰীব।

স্থা— বাদল উৰি উৰি যা

নিদিবি বাৰিষা তাপিত হিয়াত

সেইটি কথা মোৰে আছে বাকী,

গুপুতত যতনে ৰাখিছো ঢাকি।

তোমাকে বন্দে গাথিছো ছন্দে ,

আনন্দ পৰমানন্দে।

নাই আৰু মোৰ দিবলৈ তোমাক

আছে মাথো এটি গানে ॥

হৰষিত হবা

ববষিছে পরনে

গ'ন্ধত মদিবা,

প্ৰিয়া প্ৰিয়া তুমি

তাপিত পৰাণে

উঠিছে ঢৌ প্ৰেমৰে ॥

[ গীত শেষ হোৱাত সুন্দৰ আলিৰ প্ৰবেশ ]

সুন্দৰ আলি—কিহে ! তোমালোকে সভা সমিতিলৈ নোযোৱা, সঙ্গীততে মত্ত হৈছা। তুমি আমি দেশৰ ডেকা দলে যদি সভা সমিতিত উপস্থিত নেথাকো—তেনেহলে থাকিব কোন ? ই বৰ পৰিতাপৰ বিষয়।

ধীৰেন—ক্ষমা কৰিবা ভাই—আলি চাহেব ! আজিৰ সভাৰ বাতৰি আমি সমূলি পোৱা না'ছিলো। মাত্ৰ শুনিছিলো লীগৰ এখন মিটিঙৰ কথা।

যোগেন—আলিচাহেব ! আজিৰ নো সভাৰ আলোচ্য বিষয় কি আছিল হে ? আৰু সভাপতিনো কাক বৰণ কৰিছিলে ?

সুন্দৰ আলি—সভাপতি বৰণ কৰা হৈছিল দেশৰ একনিষ্ঠ সেৱক কৰ্ম্মবীৰ শ্ৰীযুক্ত দাস মেধি এম্-এল-এ। সভাৰ মুখ্য উদ্দেশ্য আছিল দুটা। এটা হৈছে ব্লেক মাৰ্কেটৰ গ্ৰাসত গোটেই দেশ পৰাত তাৰ প্ৰতিকাৰাৰ্থে সৎপথ বিচাৰ কৰা। অন্যটো হৈছে—সুদূৰ ইংলণ্ডৰ পৰা বন্ধুভাৱে মন্ত্ৰী মিছন আহি, ভাৰতৰ স্বাধীনতাৰ বাকচ ১৬ মেই তাৰিখে খুলি দিয়াত তাৰ গেহত হিন্দু. মুছলমান, শিখ, খৃষ্টান বলিয়া হৈ কলিকতা, নোৱা খালি, ত্ৰিপুৰা, বিহাৰ পঞ্জাৱত যি পৈশাচিক নৃত্য কৰি ভাতৃবধ নাটকৰ সকৰুণ অভিনয় কৰি দেখুৱালে

—সেই সকৰুণ অভিনয় যাতে চিৰ চেনেহী অসম জননীৰ সন্তান সকলৰ মাজত বিৰাজ কৰিব নোৱাৰে তাৰ বাবে সতৰ্ক হোৱা।

যোগেন—বাৰু—ব্লেক মাৰ্কেটৰ ধ্বংস কৰাৰ কি সহজ পথ উলিয়ালে আলি চাহেব?

সুন্দৰ আলি—ব্লেক মাৰ্কেট ধ্বংস কৰাৰ অস্ত্ৰ বৈজ্ঞানিক সকলে এতিয়ালৈকে উলিয়াব পৰা নাই। বোধ হয়, সেই অস্ত্ৰ এটম বোমতকৈয়ো বেছি শক্তিশালী হব লাগিব। সেই শক্তিশালী অস্ত্ৰ হব লাগিব দেশৰ যুৱক দল। তেওঁলোক সঙ্ঘবদ্ধ হৈ দুৰ্ব্বৃত্ত দোকানী-পোহাৰী সকলৰ আৰু যোগনীয়া বিভাগৰ ভণ্ড চাকৰিয়াল সকলৰ ওপৰত কঠোৰ নজৰ ৰাখি সৰল চিত্তে কাম কৰি গলে অতি সোনকালে সেই মহা যম-দূত আঁতৰিব পাৰে। আৰু ব্লেক মাৰ্কেটৰ বস্তু যাতে কেৱে কোনো প্ৰকাৰে কিনিব নোৱাৰে তাৰ বাবে বিশেষ লক্ষ্য ৰখা উচিত। যদি কিনা গ্ৰাহক দোকানী সকলে নেপায়, তেনেহলে স্বাভাবিকতে কিছুদিনৰ পাছত কণ্ট্ৰোল দৰত মাল বেচিব লগাত পৰিব।

বীৰেন্দ্ৰ—উত্তম পৰামৰ্শ। পিচে,— সাম্প্ৰদায়িক কাজিয়াৰ বিষয়ে কি আলোচনা কৰিলে?

সুন্দৰ আলি—কিনো কৰিব দেউ! সভাপতিৰ মন্তব্যত কৈছে যে, আমি অসমৰ হিন্দু মুছলমান সকল অতীতৰ পৰাই ভাই-ককাই। সাম্রাজ্যবাদী ঔৰঙ্গজীৱে অসম ১২ বাৰ আক্রমণ কৰাৰ সময়তো অসমীয়া মুছলমান সকলে তাৰ বিপক্ষে সংগ্রাম কৰি—নিজৰ জননী অসমক দুৰ্ব্বৃত্তহঁতৰ পৰা উদ্ধাৰ কৰি অসম বুৰঞ্জীত পাতে পাতে সোণালী আখৰেৰে তেওঁলোকৰ গৌৰৱ ৰবি জিলিকাই ৰাখিছে। আজিও অসম ৰজাঘৰীয়াৰ বৰুৱা, ফুকন, চৌধুৰী, হাজৰিকা, শইকীয়া, ঠাকুৰীয়া বৰা ইত্যাদি উপাধি অকল হিন্দুৱে লোৱা নাই, মুছলমানেও সমানে সমানে ভগাই লৈছে। সেইবাবে প্রত্যেক হিন্দু-মুছলমান ভাইসকলে বিদেশী বন্ধু সকলে হিত উপদেশ দিলেও শুনিবলৈ মানা কৰিছে, গাঁৱে ভূঞে শান্তি সেনাবাহিনী গঠন কৰিবলৈ কৈছে। আৰু কুটনীতিজ্ঞ বৃটিছে মিতালি পথাৰে বাঘ আৰু ছাগক সাঙুৰিছে অর্থাৎ অসম বঙ্গক শাখা ভুক্ত কৰিছে—সেইবাবে দেশৰ নেতাসকলক গণ-পৰিষদত বহিবলৈ মানা কৰিছে। বৃটিছে কেতিয়াও হিন্দুস্থান বা পাকিস্থান নিদিয়ে, কেৱল মাজতে দিছে ফাকিস্থান।

ধীৰেন—ঠিক কথা ভাই। এই জালখন ফাকিস্থানেহে হৈছে। সভাত সমজুৱাৰ ফালৰ পৰা কোনোবাই দুই এষাৰ কৈছিল নেকি?

সুন্দৰ আলী—এৰা। সমজুৱাৰ ফালৰ পৰা মহম্মদ হুচেন হাজৰিকাই হুআষাৰ কৈছিল। তেওঁ বক্তৃতা প্ৰসঙ্গত কয় "আমি অসমীয়া মুছলমান সকলে জিন্না চাহেবে কৰিব ওলোৱা পাকিস্থান কি বস্তু সমূলি নাজানো। সেই পাকিস্থানৰ বিপক্ষে মোগলক খেদি দিয়াৰ দৰে আমি যুদ্ধ কৰিম আৰু লীগে কৰিব ওলোৱা অসম অভিযানৰ বিপক্ষে সংগ্ৰাম কৰিও অসমক পাকিস্থান বা পমুৱাস্থান কৰিব নিদিম।

ধীৰেন—মহম্মদ হুচেন হাজৰিকাৰ কথা কেই আষাৰত সমজুৱাৰ পৰা নিশ্চয় হৰ্ষধ্বনি পাইছিল হবলা ?

সুন্দৰ আলী—বহুবাৰ হৰ্ষ চাপৰি পাইছিল।

যোগেন—মঃ হাজৰিকাৰ কথা কেইআষাৰ যুক্তিপূৰ্ণ হৈছিল। তেখেতক আমি শতবাৰ ধন্যবাদ দিওঁ আৰু সভাপতি ডাঙৰীয়াৰো কথা কেই আষাৰ সময়োপযোগী হৈছিল। বাস্তৱিকতে আলী চাহেব, আজি মিটিংখনলৈ যাব নোৱাৰি দুখ পালোঁ। সি যিকি নহওক, তোমাৰ মুখৰ পৰাই সকলো বিবৰণ জানিব পাৰি ধন্য হলোঁ। এক প্ৰকাৰ মিটিংখনত উপস্থিত থকাৰ দৰেই হৈছে। ভাই আলি চাহেব, আমি আৰু বং ধেমালি কৰি গান-বাজনাত মত্ত হৈ থাকিলেই নহব, দেশৰ অৱস্থা দিনক দিনে ভয়াবহ হৈ আহিছে।

ইফালে গোটেই দেশত খাদ্য সঙ্কটে দেখা দিছে। ব্লেক মাৰ্কেটৰ বিষাক্ত বিষে দুখীয়া ভাই-ভনীৰ তেজ চেপি চেপি খাব ধৰিছে। আহা আহা ভাইহঁত ৰত্নাকৰ দস্যুৰ দৰে দস্যু সাজি ব্লেক মাৰ্কেটিং কৰি ধনী হোৱা—ধনী সদাগৰ সকলৰ আৰু ভেটীখোৱা চৰকাৰী বিষয়া সকলৰ ধন ভাণ্ডাৰ ভাঙ্গি আনি দাল-দৰিদ্ৰক ভগাই দিওঁগৈ; আৰু সিহঁতক কঠোৰ শাস্তি দি ব্লেক মাৰ্কেট ধ্বংস কৰোগৈ বলা। ভাই সকল! মনক দৃঢ় কৰি লোৱা যাতে আমি আমাৰ অভিযানত জয়ী হৈ সেই মহা ৰাক্ষসীক খেদি দেশত শান্তি ৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰোঁ। এতিয়া ব'লা (জয় দি) ইনক্লাব!

আটাই বিলাকে—জিন্দাবাদ। (৩ বাৰ)

সুন্দৰ আলি—ব্লেক মাৰ্কেট
আটাই বিলাকে—ধ্বংস হওক } (৩ বাৰ)

## —তৃতীয় দৃশ্য—

### ছাপলাই অফিছ

[ চাপ্লাই ইন্সপেক্টৰে চিগাৰেট এহোপা মাৰে আৰু কিবা ভাবি লিখিব ধৰে ; হোলচেলাৰ শ্ৰীযুত মুগীলাল বক্সেও চিগাৰেট হুপি হুপি এচ্, আই লিখাৰ ফালে চাই থাকে। ]

এচ্, আই—অতি সাৱধান বক্স । যেন আমাৰ এই কৌশলৰ কথা কোনেও ভু নেপায় । কিন্তু মোক হলে চিলিপ দিয়াৰ লগে লগেই মোৰ প্ৰাপ্য টকা আদায় দিব লাগিব, এইবিলাক দায়িত্বপূৰ্ণ কথাৰ টকা কালিয়ৈন ৰখা নহব । এইবাৰ ক'টাত পূজা পাতলৰ আৰু বেমাৰ আজাৰৰ কাৰণে গবৰ্ণমেণ্টে আকৌ এই অঞ্চলৰ বাবে দুমোণ চেনি সৰহকৈ দিছে । তেনেহলে মুঠ চেনি দহ মোন হ'ল। তাৰে মাত্ৰ পাব্লিকক দুমোন বিতৰণ কৰি দিয়া হব। সিও মানুহ বুজিহে দুই এসেৰ দিয়া হব। বাকী আঠমোনৰ মোক মোনেপ্ৰতি চল্লিশ টকাকৈ দি আপুনি যিমানত বিক্ৰী কৰিব পাৰে কৰিব। আপুনিও নেহাৎ কমে মোণত ত্ৰিশ টকা প্ৰফিট কৰিব পাৰিব। মই মাত্ৰ দৈনিক বিশ সেৰৰ হে চিলিপ দিব পাৰিম। চিলিপত যিবিলাক মানুহৰ নাম মই লিখি দিম সেই হিচাবে আপুনিও দৈনিক বিক্ৰী বহীত

ভালদৰে হিচাব পত্ৰ কৰি লিখি থব। মইতো সদা সৰ্ব্বদায় গধূলি চেক্ কৰি বহীত চাইন কৰি আহিমেই। কেতিয়াবা চুপাৰিণ্টেণ্ডেণ্টে চেক্ কৰিলেও যাতে হিচাবত কোনো দোষ নেপায়। দৈনিক মাল বিক্ৰীৰ কৈফিয়ৎ কাটি থব।

মুগীলাল—আপুনি সেই বিলাকৰ নিমিত্তে কোনো চিন্তা নকৰিবচোন। আমি দোকানী মানুহ আমাৰ দোকানী বুদ্ধি বেছ আছে। লওক আজিৰেই এমোনৰ টকা আগধৰি দিলোঁ। আজিৰ আধা মোনৰ চিলিপ কিছু লিখি দিয়ক। (টকা লেখি দিয়ে) অ' এইবাৰ মিঠাতেল কেতিয়া আহিব ?

এচ.আই—বোধ হয় পোন্ধৰ তাৰিখৰ আগতে আহিব। কিয় সুধিছে ?

মুগীলাল—নেজানে নে ? বৰ্ত্তমান সময়ত কি মহাৰ্ঘ হৈছে। যদি দহ বাৰটিন মান কিবা বুদ্ধি কৰি উলিয়াই দিব পাৰে বহুতো টকা পোৱা হব। ১৯৪৩ চনত নিমখৰ যি হাহাকাৰ হৈছিল ; ঠিক এই বেলিও মিঠা তেলৰ সেই একে হাহাকাৰ হৈছে। এই সময়ত কিছু ব্লেক মাৰ্কেট কৰিব পাৰিলে সেৰত চাৰি টকাৰো বেছি লব পৰা যাব।

## —তৃতীয় দৃশ্য—

### ছাপলাই অফিছ

[ চাপ্লাই ইন্সপেক্টৰে চিগাৰেট এহোপা মাৰে আৰু কিবা ভাবি লিখিব ধৰে ; হোলচেলাৰ শ্ৰীযুত মুগীলাল বক্সেও চিগাৰেট হুপি হুপি এচ্, আই লিখাৰ ফালে চাই থাকে। ]

এচ্, আই—অতি সাৱধান বক্স । যেন আমাৰ এই কৌশলৰ কথা কোনেও ভু নেপায় । কিন্তু মোক হলে চিলিপ দিয়াৰ লগে লগেই মোৰ প্ৰাপ্য টকা আদায় দিব লাগিব, এইবিলাক দায়িত্বপূৰ্ণ কথাৰ টকা কালিয়ন ৰখা নহব । এইবাৰ ক'টাত পূজা পাতলৰ আৰু বেমাৰ আজাৰৰ কাৰণে গৱৰ্ণমেণ্টে আকৌ এই অঞ্চ-লৰ বাবে দুমোণ চেনি সৰহকৈ দিছে ।তেনেহলে মুঠ চেনি দহ মোন হ'ল। তাৰে মাত্ৰ পাব্লিকক দুমোন বিতৰণ কৰি দিয়া হব। সিও মানুহ বুজিহে দুই এসেৰ দিয়া হব। বাকী আঠমোনৰ মোক মোনেপ্ৰতি চল্লিশ টকাকৈ দি আপুনি যিমানত বিক্ৰী কৰিব পাৰে কৰিব। আপুনিও নেহাৎ কমে মোণত ত্ৰিশ টকা প্ৰফিট কৰিব পাৰিব। মই মাত্ৰ দৈনিক বিশ সেৰৰ হে চিলিপ দিব পাৰিম। চিলিপত যিবিলাক মানুহৰ নাম মই লিখি দিম সেই হিচাবে আপুনিও দৈনিক বিক্ৰী বহীত

ভালদৰে হিচাব পত্ৰ কৰি লিখি থব। মইতো সদা সৰ্ব্বদায় গধুলি চেক্ কৰি বহীত চাইন কৰি আহিমেই। কেতিয়াবা চুপাৰিণ্টেণ্ডেণ্টে চেক্ কৰিলেও যাতে হিচাবত কোনো দোষ নেপায়। দৈনিক মাল বিক্ৰীৰ কৈফিয়ৎ কাটি থব।

মুগীলাল—আপুনি সেই বিলাকৰ নিমিত্তে কোনো চিন্তা নকৰিবচোন। আমি দোকানী মানুহ আমাৰ দোকানী বুদ্ধি বেছ আছে। লওক আজিৰেই এমোনৰ টকা আগধৰি দিলোঁ। আজিৰ আধা মোনৰ চিলিপ কিছু লিখি দিয়ক। (টকা লেখি দিয়ে) অ' এইবাৰ মিঠাতেল কেতিয়া আহিব?

এচ্.আই—বোধ হয় পোন্ধৰ তাৰিখৰ আগতে আহিব। কিয় সুধিছে?

মুগীলাল—নেজানে নে? বৰ্ত্তমান সময়ত কি মহাৰ্ঘ হৈছে। যদি দহ বাৰটিন মান কিবা বুদ্ধি কৰি উলিয়াই দিব পাৰে বহুতো টকা পোৱা হব। ১৯৪৩ চনত নিমখৰ যি হাহাকাৰ হৈছিল; ঠিক এই বেলিও মিঠা তেলৰ সেই একে হাহাকাৰ হৈছে। এই সময়ত কিছু ব্লেক মাৰ্কেট কৰিব পাৰিলে সেৰত চাৰি টকাৰো বেছি লব পৰা যাব।

আপুনিও দুপইচা পাব মযো কৰবাত এপইচা পাম। ক'টা আহিলে অলপ চেষ্টাত থাকিব। এতিয়া যাওঁ চিলিপবিলাক দিয়ক।

এচ্, আই—(চিলিপ দি) ধৰক, এতিয়া যাওক। বাৰু সেই বিষয়ে মই পাৰ্য্যমানে চেষ্টা কৰিম।

মুগীলাল—তেন্তে, এতিয়া গুদবাই। [প্ৰস্থান, আনফালৰ পৰা হৰনাথ আহি অফিচ সোমায়।]

এচ্, আই—হুৱাট্ ডু ইউ ৱাণ্ট? প্লিজ গেট আউট্।

হৰনাথ—(হাতযোৰ কৰি) কি কয় চাৰ? মই গাৱঁলীয়া মানুহ ইংৰাজী সমূলি বুজি নেপাওঁ। কি কৈছে অসমীয়াতে কওক।

এচ্, আই—যোৱা—যোৱা একো কোৱা নাই, বাহিৰত থাকাগৈ। সোধ-পোছ নাই কেবল চিধা ৰাস্তাৰে আহি অফিচ সোমাইছেহি। কি বুৰ্-বক্ মানুহ ভাবিলেই আচৰিত হব লাগে।

হৰনাথ—চাৰ! আমি দুখীয়া হোজা গাৱঁলীয়া হলোঁ। বুলি অফিচত সোমাবলৈও নিষেধ নে? হোল-চেলাৰ বক্সৰ লগততো এটা বজাৰ পৰাই মেল কৰিলে, তেও আমনি নেলাগিল, মই দুবাৰ কবলৈ অহাত আপোনাৰ ইমানে বিৰক্তি হল নে?

এচ্, আই—যোৱা বাহিৰা কথা কৈ আমনি নকৰিবা। এতিয়া পাঁচ বাজি গ'ল ; অফিচ্ বন্ধ কৰোঁ।

হৰনাথ—চাৰ ! অফিচ বন্ধ কৰিব কিন্তু বাহিৰ নহম। পাঁচে বাজক বা দহে বাজক চাৰ বাজিব দিয়ক ? মোৰ বৰ বিপদ। আজি পাঁচ দিনে একমাত্ৰ পাঁচ-বছৰীয়া লৰাটিৰ ভয়ানক ক্ৰিমি জ্বৰ হৈ বাচিবৰে আশা নোহোৱা হৈছে। সেই দিনাখনো আপোনাক আমাৰ চৰকাৰী দোকানত লগ পাই আবেদন কৰা হৈছিল, আপুনি অফিচত আহিব কৈছিল। যথা সময়ত আপোনাক লগ নেপাই বিফল মনোৰথ হৈ ফিৰি যাওঁ। আজি কবিৰাজৰ পৰা এপালি দৰব্ আনিছোঁ—চেনিৰ অভাৱত খুৱাব নোৱাৰি ইয়ালৈ দৌৰি আহিছোঁ। এই বিপদৰ পৰা ৰক্ষা কৰক চাৰ।

এচ্, আই—বিপদ যে তোমাৰে এনে নহয়—দুনিয়াখনৰে বিপদ হৈছে! বিপদ নোহোৱা কোনো নাই। মই দেখিছোঁ মোৰ ওচৰলৈ অহা মানুহ আটাইৰে বিপদ ! জোৰ-জুলুম কৰি যদি দুই এসেৰৰ চিলিপ লোৱাব পাৰে তেনেহলে টাউনৰ মুখ মেলি থকা চাহ দোকানীক উচ্চ দৰত বেচি থৈ যাব পাৰে। এয়ে হৈছে বেপাৰ। তুমি যোৱা ; থিয় হৈ থাকিলে

আপুনিও ছপইচা পাব মোয়ো কৰবাত এপইচা পাম। ক'টা আহিলে অলপ চেষ্টাত থাকিব। এতিয়া যাওঁ চিলিপবিলাক দিয়ক।

এচ্, আই—(চিলিপ দি) ধৰক, এতিয়া যাওক। বাকু সেই বিষয়ে মই পাৰ্য্যমানে চেষ্টা কৰিম।

মুগীলাল—তেন্তে, এতিয়া গুদবাই। [প্ৰস্থান, আনকালৰ পৰা হৰনাথ আহি অফিচ সোমায়। ]

এচ্, আই—হুৱাট্ ডু ইউ ৱান্ট? প্লিজ গেট আউট্।

হৰনাথ—(হাতযোৰ কৰি) কি কয় চাৰ? মই গাৱঁলীয়া মানুহ ইংৰাজী সমূলি বুজি নেপাওঁ। কি কৈছে অসমীয়াতে কওক।

এচ্, আই—যোৱা—যোৱা একো কোৱা নাই, বাহিৰত থাকাগৈ। সোধ-পোছ নাই কেবল চিধা বাস্তাৰে আহি অফিচ সোমাইছেহি। কি বুব্-বক্ মানুহ ভাবিলেই আচৰিত হব লাগে।

হৰনাথ—চাৰ! আমি দুখীয়া হোজা গাৱঁলীয়া হলোঁ। বুলি অফিচত সোমাবলৈও নিষেধ নে? হোল-চেলাৰ বস্ত্ৰৰ লগতত্তো এটা বস্তাৰ পৰাই মেল কৰিলে, তেও আমনি নেলাগিল, মই দুষাব কৰলৈ অহাত্ত আপোনাৰ ইমানে বিৰক্তি হল নে?

এচ্, আই—যোৱা বাহিৰা কথা কৈ আমনি নকৰিবা।
এতিয়া পাঁচ বাজি গ'ল; অফিচ্ বন্ধ কৰোঁ।

হৰনাথ—চাৰ! অফিচ বন্ধ কৰিব কিন্তু বাহিৰ নহম।
পাঁচে বাজক বা দহে বাজক চাৰ বাজিব দিয়ক?
মোৰ বৰ বিপদ। আজি পাঁচ দিনে একমাত্ৰ পাঁচ-বছৰীয়া লৰাটিৰ ভয়ানক ক্ৰিমি জ্বৰ হৈ বাচিবলৈ আশা নোহোৱা হৈছে। সেই দিনাখনো আপোনাক আমাৰ চৰকাৰী দোকানত লগ পাই আবেদন কৰা হৈছিল, আপুনি অফিচত আহিব কৈছিল। যথা সময়ত আপোনাক লগ নেপাই বিফল মনোৰথ হৈ ফিৰি যাওঁ। আজি কবিৰাজৰ পৰা এপালি দৰব্ আনিছোঁ—চেনিৰ অভাৱত খুৱাব নোৱাৰি ইয়ালৈ দৌৰি আহিছোঁ। এই বিপদৰ পৰা ৰক্ষা কৰক চাৰ।

এচ্, আই—বিপদ যে তোমাৰে এনে নহয়—দুনিয়াখনকে বিপদ হৈছে। বিপদ নোহোৱা কোনো নাই। মই দেখিছোঁ মোৰ ওচৰলৈ অহা মানুহ আটাইৰে বিপদ! জোৰ-জুলুম কৰি যদি দুই এসেৰৰ চিলিপ লোৱাব পাৰে তেনেহলে টাউনৰ মুখ মেলি থকা চাহ দোকানীক উচ্চ দৰত বেচি থৈ যাব পাৰে। এয়ে হৈছে বেপাৰ। তুমি যোৱা; থিয় হৈ থাকিলে

কি হব ! এছটাক চেনিৰো চিলিপ দিব নোৱাৰিম । কাৰণ ষ্টকত চেনি নাই। আদায় কেতিয়াবাই হৈ গৈছে।

হৰনাথ—কি কয় চাৰ ! ষ্টকত চেনি নাই ?

[ বেগে দাসীৰামৰ প্ৰবেশ ]

দাসী—হৰ ! হৰ ভাই ! এতিয়া চেনি বিচাৰিবৰ কোনো প্ৰয়োজন নাই ! চেনিৰ ষ্টক্ যেতিয়া পোক-পৰুৱাই খাই সাং কৰিছে ইয়াত থকাৰ প্ৰয়োজন নাই । ব'লা ঘৰলৈ ব'লা । তোমাৰ সন্তানে দৰবৰ লগত এই পিশাচবোৰে স্পৰ্শ কৰা চেনি নেখায় । সি এতিয়া আৰু ইহ সংসাৰত নাই । তোমাৰ তিৰোতা জনীয়ে আউলী-বাউলী হৈ ইনাই-বিনাই কান্দিব ধৰিছে । বলা—

হৰনাথ—কি কলি দাসী কা ! মোৰ সোণ ইহসংসাৰত আৰু নাই! মই আহিলোঁ। বিদায় চাৰ ! মোক আৰু চেনি নেলাগে । [ বেগেৰে প্ৰস্থান ; পাচে পাচে দাসী দৌৰি যায় ]

এচ, আই—( বিকট হাঁহি মাৰি ) কি অদ্ভুদ ৰহস্য ? এইবোৰ সকলো মিছা । ( হাতৰ ঘড়ী চাই ) এতিয়া ছাবে পাঁচ বাজিল । আজি বজাৰ দিন, বজাৰলৈয়ে যাওঁ—কি জানি দুই এশ ৰোজগাৰ হয়েই ।

——

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

—ৰিডিং ক্লাব—

[ বাতৰি কাকত পঢ়োতাই বাতৰি পঢ়িছে ; আলোচনী পঢ়াই আলোচনী আৰু নাটক উপন্যাস পঢ়াই একমনে পঢ়ি আছে । ]

সুন্দৰ আলি—( দৈনিক অসমীয়া চকুফুৰাই চাই ) চোৰা—চোৰা—ধীৰেন ! আজি কালিৰ কাকতবোৰত দেখিবা সকলো ঠাইতে কেৱল চোৰাং কাৰবাৰৰহে ব্যৱসায়ৰ কথা । ইয়াৰ কাপোৰ চুৰি কৰি আনি উচ্চ দৰত বেচিছে ইত্যাদি খবৰ দেখিবা ! আৰু এটা পৰিতাপৰ কথা হৈছে যে, যোৱা ১৯৩৯ চনতে অসম কংগ্ৰেছ মন্ত্ৰী সভাই অসমৰ পৰা কানি ৰবহি নিৰ্ম্মূল কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল । তাৰ বাবে জনপ্ৰিয় চৰকাৰেও প্ৰজাৰ হিতাৰ্থে বহুতো টকা খৰচ কৰিছিল । আৰু তাৰ পৰা পোৱা ৰাজহ প্ৰায় ৩৩ লাখ টকা লোকচানো হৈছিল । জনপ্ৰিয় চৰকাৰে গোটেই বীজ ধ্বংস কৰিব নোৱাৰিলে ; কাৰণ সেই সময়তে সত্যাগ্ৰহ আন্দোলনত নেতাসকলক বন্দী কৰি জেইলত আৱদ্ধ কৰি ৰাখিলে । লীগ মন্ত্ৰী সভাই কোনো যত্ন নোলোৱাত বাহিৰৰ পৰা

সমাজৰ অহিতাকাঙ্ক্ষী বহুতো মানুহে কানি আনি একচেটিয়া ব্যৱসায় আৰম্ভ কৰি ললে। আন ফালে সেই সময়ত অসম ভাৰতৰ ভিতৰত যুদ্ধৰ প্ৰধান আড্ডা হ'ল। নানা ঠাইৰ হৰেক ৰকমৰ বাহিৰা মানুহ আহিও এই কু-ব্যৱসায়ত হাত দিয়াত আগেয়ে কানি খাব এৰা কানীয়াইও আকৌ খাবলৈ আৰম্ভ কৰিলে। সেই মুনি আৰু নিগনিৰ সাধুৰ দৰে অসম পুনৰ মুচিকো ভবঃ হ'ল। এতিয়া কংগ্ৰেছ মন্ত্ৰী সভাই আকৌ গাদীত বহি—সেই কানি বৰবিহ খেদি নিৰ্ম্মূল কৰিবলৈ দ্বিতীয় অভিযান আৰম্ভ কৰিছে। ব'লা ভাইহঁত আমিও সেই অভিযানত যোগ দি চিৰ চেনেহী অসম জননীৰ ক'লা অধৰৰ হাঁহি গুচাই,—ৰঙা ওঠৰ হাঁহি এটি মাৰিবলৈ চেষ্টা কৰো গৈ। যদি আমি এই সজ কামত আগ বাঢ়ি নেযাওঁ দেশ মৰিশালিত পৰিণত হব গৈ। ইফালে আকৌ দুৰ্বৃত্ত দোকানী মহাজন সকলৰ ব্লেক মাৰ্কেটৰ কাণ্ড কলাপৰ কৌশল দেখিলে হিয়া ফাটি যায়।

ধীৰেন—আলি চাহেব! বাৰু কানি বৰবিহ কিদৰে আকৌ অসমত প্ৰৱেশ কৰিলে সেইটো বুজিব পাৰিলোঁ। পিচে দোকানী সকলে ব্লেক মাৰ্কেট কৰিবলৈ বস্তু পায় ক'ত ?

সুন্দৰ আলি—তুমি আজিও বুজি নাপালানে—বস্তু কৰ পৰা পায়! আমাৰ ইয়াতে দেখিবা গৱৰ্ণমেণ্টৰে বেতন ভোগী দুজন চোৰ কৰ্ম্মচাৰী আছে। সেই দুজন কোন, জানানে? এজন টেক্সটাইল আনজন চাপ্লাই এচ্, আই। এই দুজনৰ সহায়তে দোকানীসকলে ব্লেক মাৰ্কেট কৰাত বিশেষ সুবিধা পায়।

যোগেন—ঠিক কথা কৈছা আলি চাহেব। আমাৰ এই অঞ্চলত প্ৰায় বাইশখন গাঁৱৰ বিয়া সবাহ, পূজা-পাতল বেমাৰ-আজাৰৰ নিমিত্তে গৱৰ্ণমেণ্টে দহ বাৰ মোন চেনি মাহেকত বিতৰণ কৰিব দিয়ে। পিচে,—দুখীয়া মানুহ এচ্, আইৰ অফিচলৈ চেনি বিচাৰি গলে নানা ৰকমৰ ধমক দি ষ্টকত মাল নাই বুলি কয়। সেইবোৰ চেনি এচ্, আই মুণীলাল কেওঁাক ব্লেক মাৰ্কেটত বেচিব দি যি টকা পায় দুয়োজনে সমানে ভাগ কৰি লয়। এই কু-প্ৰথা আমি ডেকাদলে যদি একতাবদ্ধ হৈ নিবাৰণ নকৰোঁ। তেনেহলে কোনে কৰিব? আমি এই অহা মাহৰ ক'ট। অহাৰ লগে লগে আমাৰো কৰ্ত্তব্য কামৰ অভিযান আৰম্ভ কৰিব লাগে। আৰু লগে লগে চোৰাং চোৱা বিভাগৰ পুলিচকো কাণছুৱাই থোৱা বিশেষ দৰকাৰ।

সমাজৰ অহিতাকাঙ্ক্ষী বহুতো মানুহে কানি আনি একচেটিয়া ব্যৱসায় আৰম্ভ কৰি ল'লে। আন ফালে সেই সময়ত অসম ভাৰতৰ ভিতৰত যুদ্ধৰ প্ৰধান আড্ডা হ'ল। নানা ঠাইৰ হৰেক ৰকমৰ বাহিৰা মানুহ আহিও এই কু-ব্যৱসায়ত হাত দিয়াত আগেয়ে কানি খাব এবা কানীয়াইও আকৌ খাবলৈ আৰম্ভ কৰিলে। সেই মুনি আৰু নিগনিৰ সাধুৰ দৰে অসম পুনৰ মুচিকো ভবঃ হ'ল। এতিয়া কংগ্ৰেছ মন্ত্ৰী সভাই আকৌ গাদীত বহি—সেই কানি বৰবিহ খেদি নিৰ্ম্মূল কৰিবলৈ দ্বিতীয় অভিযান আৰম্ভ কৰিছে। ব'লা ভাইহঁত আমিও সেই অভিযানত যোগ দি চিৰ চেনেহী অসম জননীৰ ক'লা অধৰৰ হাঁহি গুচাই,—বগা ওঠৰ হাঁহি এটি মাৰিবলৈ চেষ্টা কৰো গৈ। যদি আমি এই সজ কামত আগ বাঢ়ি নেযাওঁ দেশ মৰিশালিত পৰিণত হব গৈ। ইফালে আকৌ দুৰ্ব্বৃত্ত দোকানী মহাজন সকলৰ ব্লেক মাৰ্কেটৰ কাণ্ড কলাপৰ কৌশল দেখিলে হিয়া ফাটি যায়।

ধীৰেন—আলি চাহেব! বাৰু কানি বৰবিহ কিদৰে আকৌ অসমত প্ৰৱেশ কৰিলে সেইটো বুজিব পাৰিলোঁ। পিচে দোকানী সকলে ব্লেক মাৰ্কেট কৰিবলৈ বস্তু পায় ক'ত?

সুন্দৰ আলি—তুমি আজিও বুজি নাপালানে—বস্তু কৰ পৰা পায়! আমাৰ ইয়াতে দেখিবা গৱৰ্ণমেণ্টৰে বেতন ভোগী দুজন চোৰ কৰ্ম্মচাৰী আছে। সেই দুজন কোন, জানানে? এজন টেক্সটাইল আনজন চাপ্লাই এচ্, আই। এই দুজনৰ সহায়তে দোকানীসকলে ব্লেক মাৰ্কেট কৰাত বিশেষ সুবিধা পায়।

যোগেন—ঠিক কথা কৈছা আলি চাহেব। আমাৰ এই অঞ্চলত প্ৰায় বাইশখন গাঁৱৰ বিয়া সবাহ, পূজা-পাতল বেমাৰ-আজাৰৰ নিমিত্তে গৱৰ্ণমেণ্টে দহ বাৰ মোন চেনি মাহেকত বিতৰণ কৰিব দিয়ে। পিচে,—দুখীয়া মানুহ এচ্, আইৰ অফিচলৈ চেনি বিচাৰি গলে নানা ৰকমৰ ধমক দি ষ্টকত মাল নাই বুলি কয়। সেইবোৰ চেনি এচ্, আই মুৰীলাল কেঞাক ব্লেক মাৰ্কেটত বেচিব দি যি টকা পায় দুয়োজনে সমানে ভাগ কৰি লয়। এই কু-প্ৰথা আমি ডেকাদলে যদি একতাবদ্ধ হৈ নিবাৰণ নকৰোঁ। তেনেহলে কোনে কৰিব? আমি এই অহা মাহৰ ক'ট। অহাৰ লগে লগে আমাৰো কৰ্ত্তব্য কামৰ অভিযান আৰম্ভ কৰিব লাগে। আৰু লগে লগে চোৰাং চোৰা বিভাগৰ পুলিচকো কাণছুৱাই থোৱা বিশেষ দৰকাৰ।

ধীৰেন—এতিয়া সকলোৱে অঙ্গীকাৰ কৰা যাতে আমাৰ এই অভিযানত এটম বোমাও যদি কোনোবাই প্ৰয়োগ কৰে, তথাপি পিচ নোহোহকো বুলি।

যোগেন—ভাই সকল! আপোনালোকে ভয় নেখাব, এই অভিযানত যদি মৰিব লাগে আগে ময়ে মৰিম। এতিয়া মাই দুৰ্গাক প্ৰাৰ্থনা কৰা, যাতে সেই ভীষণা ৰূপিণী ব্লেক মাৰ্কেট ৰাক্ষসীক দূৰ কৰি শান্তি ৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰোঁ। আমাৰ এই আদৰ্শ গোটেই অসম কিয় সমগ্ৰ ভাৰততে জিলিকি থাকিব।

সুন্দৰ আলি—আপোনালোকৰ প্ৰত্যেকৰে মনৰ দৃঢ় বল দেখি নথৈ ধন্যবাদৰ শৰাই আগ বঢ়ালোঁ। এতিয়া সন্ধিয়া হ'লহি ঘৰলৈ যাওঁগৈ ব'লা। সকলোৱে ধৰিবাহকঁ—ইনক্লাব—জিন্দাবাদ। (৩ বাৰ)

[ সকলো যায় ]

---

## —দ্বিতীয় দৃশ্য—

### পুলিচ ষ্টেচন

[ পুলিচ চাব ইন্স্‌পেক্তৰ আৰু চি-আই ডি ইন্সপেক্তৰ কথা-বতৰা কৈ বহি থাকে ]

চি, আই, ডি ইন্স্‌পেক্তৰ—নিজৰ দেশক সুআদৰ্শত গঢ়ি তোলাই অসম সন্তানৰ কৰ্ত্তব্য। অজি আমি কংগ্ৰেছ গৱৰ্ণমেণ্টৰ চাকৰি কৰিও আমাৰ দৰে চাকৰিয়াল সকলে ভেটী খোৱাৰ ফলত গোটেই দেশ ব্লেক মাৰ্কেটৰ বিষাক্ত গেচত পৰিণত হৈ দুখীয়া নিচলা প্ৰজাই খাবলৈ নেপাই বাগৰি পৰি ৰোদন কৰিব লাগিছে। এই পাপ কোনে ভোগ কৰিব জানানে?—ভোগ কৰিব লাগিব আমাৰ দৰে চাকৰিয়াল সকলে।

পুলিচ চাব-ইন্স্‌পেক্তৰ—তেনেহলে আপুনি কি কৰিব খোজে?

চি, আই, ডি, ইন্স্‌পেক্তৰ—মই একো কৰিব নোৱাৰোঁ। চৰকাৰৰ আইন অনুযায়ী সেই দেশদ্ৰোহী নৰাধম পিশাচ হঁতক ধৰি কঠোৰ শাস্তি দিব ধৰিলেহে শান্ত হব যেন পাওঁ! সেই দুৰ্ব্বৃত্তহঁতক ধৰিবৰ কাৰণেই ইয়াৰ স্থানীয় "জয়হিন্দ' সঙ্ঘৰ কঠোৰ আবেদনত চৰকাৰে মোক শান্তি স্থাপনৰ কাৰণে পঠিয়াই দিছে।

মই নেজানো এই কামত কিমান খিনি অগ্ৰসৰ হব পাৰে।।—একমাত্ৰ আল্লাইহে জানে। আজি দুসপ্তাহে এই অঞ্চলত ঘূৰি পকি বেছ আয়ত্ত হৈছে যে ইয়াৰ ব্লেক মাৰ্কেটিং আন ঠাইৰ লগত ৰিজাবই নোৱাৰি। মই বৰ দুখিত যে ইয়াত চৰকাৰৰ বয়-বস্ত্ৰ বিভাগৰ দুজন কৰ্ম্মচাৰী থাকোতে পৈশাচিক অভিনয় ঘটা কলঙ্কৰ কথা। ইয়াৰ দোকানী সকলে সেই দুজন কৰ্ম্মচাৰীক এনেদৰে ভেড়া কৰি ৰাখিছে "উঠ বুলিলে উঠিব, বহ বুলিলে বহিব," এই লেখিয়াই কৰিছে। ইয়াৰ উচিত দণ্ড ভোগ কৰিব লাগিব। এশ গৰু খালে বাঘৰো মৃত্যু হয়। চৰকাৰী কৰ্ম্মচাৰীয়ে হওক নাইবা যিয়ে নহওক উচিত বিধান কৰিবই লাগিব। আপুনি সাজু হওক—আজিয়েই এখন নাটকৰ এটি দৃশ্যৰ অভিনয় দেখুৱাম। লগত চিপাহী চন্তৰী কেইজনমান লব। আমাক এই কাৰ্য্যত বিশেষকৈ সহায় কৰিব ইয়াৰ স্থানীয়—জয়হিন্দ সজ্বই।

পুঃ চাব-ইন্স্‌পেক্তৰ—আপোনাক পাৰ্য্যমানে এই কামত সহায় কৰিম। ইমান দিনে আমি কাণ থাকিও কলা চকু থাকিও অন্ধ হৈ আছিলোঁ।। আমাৰ সেই বিভাগত কোনো হাত নথকাৰ কাৰণেই ইমানখিনি পাইছে গৈ।

মই আশা কৰোঁ আপোনাৰ সজ উদ্দেশ্য ফলৱতী হব।
( থানাত বাৰটাৰ বেল বজাই দিয়ে )

চি, আই, ডি ই-পে—কথা কওঁতে কওঁতে বাৰ বাজিলেই। এতিয়া মেলানিহে মাগোঁ। পাঁচ বজাত সাজু থাকিব। গুড্‌বাই। [ প্ৰস্থান ]

পুঃ চা-ই—গুড্‌বাই। (বাহিৰৰ পৰা "দেউতা ভাত খাবৰ হৈছে—আহক")

পুঃ চা-ই—অ'—গৈছো। টেৰাৰী জী! ইধাৰ আওঁ।

টেৰাৰী – ক্যা জী। ( টেৰাৰী প্ৰৱেশ )

পুঃ চা-ই—আজ তোম অউৰ এক চিপাহী হামাৰা সাথমে মফচলমে জানে হোগা।

টেৰাৰী—বহুত আচ্ছা জী—!

পুঃ চা-ই—আভি যাও—খানাকা টাইম হুৱা।
[ টেৰাৰীয়ে চিপাহী·চালাম দি প্ৰস্থান )

---

## —তৃতীয় দৃশ্য—

### চাৰি আলি

[পুলিচ সহ এদল যুবক এডাল গছৰ তলত নিজমে বহি থাকে ]

পুলিচ চাব ইন্স্পেক্তৰ--আজি দেখোঁ তোমালোকৰ লিডাৰ আলি চাহেব অহা নাই । কলৈ গৈছে ?

ধীৰেন—এৰা চাৰ ! সৌটো তেওঁ এই ফালে দৌৰি আহিছেই ।

[ সুন্দৰ আলিৰ প্ৰবেশ ]

দাৰোগা—কি খবৰ সুন্দৰ !

সুন্দৰ আলি—চাৰ ! চি, আই, ডি, ইন্সপেক্তৰে আমা-লোকক বৰ সাৱধানে থাকিব কৈছে । তেওঁ হুইচেল দিয়া মাত্ৰকে আমাক দৌৰি গৈ অফিচ ঘেৰাও কৰিব কৈছে ।

দাৰোগা—বাৰু তেওঁ এতিয়া তাত কি কৰি আছে ?

সুন্দৰ আলী—তেওঁ তাত নিজে হোজা গাঁৱলীয়া সাজ-পাৰ পিন্ধি, তাৰ কাণ্ড কলাপবোৰ নিৰীক্ষণ কৰি আছে । অফিচত মুগীলালো আছে । এচ., আই হেনো তেওঁক কিছুমান কাগজ লিখি দিব ধৰিছে । চি, আই, ডিয়ে কিবা কথা কবলৈ অফিচ সোমোৱাত

সাধাৰণ মানুহ বুলি ভাবি চকীদাৰৰ হতুৱাই এচ্ আইক বাহিৰ কৰি উলিয়াই দিছে, কোনোৱাই যদি কিবা বয়-বস্তুৰ দৰখাস্ত কৰে—ষ্টকত মাল নাই বুলি জবাব দিয়ে। সিও খিড়িকীৰেহে কথাবতৰা কয়। কাকো অফিচৰ ভিতৰত সোমাবলৈকে নিদিয়ে। তাৰ উপৰি কিমানক ধমক দিছে তাৰ আদি অন্ত নাই। তেওঁ মোক কলে যে আজি নিশ্চয় কাৰ্য্য সমাধা হবই হব। আপোনালোকক আমনি বোধ কৰিবলৈ হাক দিছে।

দাৰোগা—( হুইচেলৰ মাত শুনি ) হেৰা! তোমালোকে—হুইচেলৰ মাত শুনা নাই নে ? ব'লা—ৰ'লাহঁক।

[ আটাইবিলাহ দৌৰি যায় ]

## —পট পাৰবৰ্ত্তন্—

[ দাৰোগা, চি. আই, ডি, ইন্স্‌পেক্তৰে বহি থাকে; চিপাহী দুজনে মুগীলালৰ গা খানাতালাচ কৰি কিছুমান কাকত বাহিৰ কৰি উলিয়াই দিয়ে; যুৱক দলটিয়ে অলপ দূৰৈত থিয় হৈ চাই থাকে ]

চি. আই. ডি,—দিয়া— দিয়া—এই ফালে দিয়া। সেই বোৰ কি কাগজ। (কাগজবোৰ এখন এখন কৰি পঢ়ি চাই) চাওক—চাওক—দাৰোগা বাবু! কাগু কলাপবোৰ ভালকৈ নিৰীক্ষণ কৰক এতিয়া। (কাগজ বোৰ দাৰোগাক দিয়ে)

দাৰোগা—(কাগজবোৰ পঢ়ি চাই) ধন্য—ধন্য মুণীলাল, আপোনালোকৰ ব্যৱসায়! টেৱাৰী জী! বক্স আৰু চাপ্লাই বাবুক এৰেষ্ট কৰা। (চিপাহী দুজনে দুয়ো জনক এৰেষ্ট্ কৰে)

চি. আই, ডি—যুৱক বন্ধু সকল! আপোনালোকে মোৰ কামত যিমান সহানুভূতি দেখুৱালে,সেইবাবে আপোনা লোকৰ ওচৰত মই চিৰ কৃতজ্ঞ। এতিয়া আপোনা লোকক কি বস্তু উপহাৰ দিম, মই ভাবিয়ে পোৱা নাই। মাত্ৰ মই এটি তলসৰা ফুলৰ পাহি আপোনালোকৰ দলপতিক দিবলৈ ইচ্ছা কৰোঁ। সেই পাহ ফুল তেজেৰে তৈয়াৰী। মোৰ এক মাত্ৰ কন্যা নুৰজাহানক—সুন্দৰ আলিৰ হাতত অৰ্পণ কৰিবলৈ স্থিৰ কৰিছোঁ। আশা কৰোঁ তেওঁ সাদৰে গ্ৰহণ কৰিব। (যুৱকদলে হাততালি দিয়ে)

———

## —চতুৰ্থ দৃশ্য—

### —গুৱাহাটী ফৌজদাৰী আদালত—

[ হাকিমে নিজৰ আসনত বহি কিছুমান ৰাইজৰ দৰখাস্তত চহী কৰি থাকে। পেচকাৰে মকৰ্দ্দমাৰ ফাইলবিলাক লানি লগাই হাকিমৰ আগত থৈ দিয়ে; উকীল সকলেও নিজ নিজ আসনত বহি তামোল চোবাই চিগাৰেট হুপি আইনৰ কিতাপ পঢ়ি থাকে। মাজে মাজে নোটবুকত কিবা কিবি লিখিও লয়। আদালতৰ ভিতৰে বাহিৰে মানুহৰ বৰ ভিত দেখা যায়, উকীলৰ পিচ ফালে মুগীলাল আৰু এচ্, আই থিয় হৈ থাকে ]

মুগীলাল—উকীল বাবু! এতিয়াও আৰু আমাৰ হকে যিমান পাৰে আইনৰ বলেৰে যুদ্ধ কৰি আমাক বচাওঁক।

উকীল—( মূৰ ঘূৰাই মুগীলালৰ কাণৰ কাষত ফাচ ফুচ্ কৈ কৈ ) বাবুজী—! আপুনি কোনো ভয় নেখাবচোঁন। আপোনালোকৰ জয় অনিবাৰ্য্য। পিচে, মই কোৱা মতে টকা আনিছে জানো। 

মুগীলাল—আনিছোঁ। পিচে—অলপ কম হয়।

উকীল—কম্ চম্ মই নেজানো। যদি কেচ ভাল কৰিব লাগে টকা—পাঁচ শ দিয়ক, নহলে মই গুচি যাম।

এচ্, আই—বাবুজী ! টকা কিমান চৰ্ট হৈছে ।

মুগীলাল—আপোনাৰ ভাগৰ আঢ়ৈ শ ।

এচ্, আই—(জেপৰ পৰা উলিয়াই—আকাৰে ইঙ্গিতে দি) ধৰক—আটাইখিনি লগ লগাই দিয়ক ।

মুগীলাল—( টকা আটাইখিনি উকীলৰ হাতত গুজি দি ) ধৰক । হাকিমক কব দৰকাৰ হলে টকা আৰু দিম । মাত্র কেচটোৰ পৰা মুক্ত কৰি দিয়ক ।

উকীল—আপোনালোকে কোনো ভয় নেখাব । যোৱা কালি কেচটিৰ তৰ্ক হৈ গৈছে । তৰ্কত হাকিমে ভালেই লিখিছে । তেখেতক টকাও অলপ দিছোঁ । যদি আজি ভাল ৰায় দিয়ে আৰু কিছু টকা দিব লাগিব । ( এজন আশী-বছৰীয়া বুঢ়া আহি হাকিমৰ কাষত থিয় হৈ থাকে )

হাকিম—বুঢ়া দেউ ! তোমাক কি লাগে ?

বুঢ়া—হুজুৰ ! মোক দুপইচাৰ কাৰ্ত্তিচ্ পাত দিয়ক । ( হাকিম হাঁহিব ধৰে, লগতে গোটেই আদালততে হাঁহিৰ বোল উঠে )

পেচকাৰ—অ, বুঢ়া আতা । ইয়াত কাৰ্ত্তিচ্ বিক্রী নহয় । চাপৰাচী ! এওঁক লৈ গৈ এখন কাৰ্ত্তিচ্ পাত কিনি দি আহা গৈ ।

চাপৰাচী—আতা ! মোৰ লগত আহক। মই কিনি দিম গৈ।

[ চাপৰাচীৰ লগত বুঢ়াৰ প্ৰস্থান। ]

হাকিম—মিঃ ফুকন ! অনুগ্ৰহ কৰি আজিৰ ৰায় কেইটি শুনাই দিয়কচোঁন। আজি এসপ্তাহে পমুৱা উচ্ছেদত গৈ বৰ ক্লান্ত হৈ আহিছোঁ।

ফুকন উকীল—( থিয় হৈ ৰায়ৰ বহী হাতত লৈ ভাবি ভাবি ) প্ৰথম ৰায়—বেঙেনা বাৰীৰ মুগীলাল বক্স্ আৰু চাপ্লাই এচ্, আই দেবেন দত্তক ৰাইজক ঠগ আৰু প্ৰৱঞ্চনা কৰা অপৰাধত ভাৰতীয় দণ্ডবিধি আইনৰ ১০৫ ধাৰা মতে প্ৰত্যেকক পাঁচ শ টকা জৰিমনা, তিনি বছৰকৈ সশ্ৰম কাৰাদণ্ডত দণ্ডিত কৰা হ'ল। ( পুলিচ আহি মুগীলাল আৰু এচ্, আইক হাতকেৰেয়া মাৰি জেইললৈ লৈ যায়। পাঁচ বজাৰ ঘণ্টা বজাই দিয়ে। বাহিৰত মটৰৰ ড্ৰাইভাৰে হৰ্ণ দিব ধৰে; হাকিম্, পেচ্কাৰ, উকীল, মহৰীয়ে অফিচ সামৰি তাৰা তাৰিকৈ ওলায় যায়। )

—পট পৰিবৰ্ত্তন—

( গুৱাহাটী জেইল ; সময় ধলপুৱা । জেইলৰ বাগিচাত জেইল চিপাহীয়ে কাম বতাই দিয়াত কয়দীবোৰে নিজৰ কাম কৰিবলৈ ধৰে । হোল চেল্লাৰ আক এচ্, আই কোৰ মাৰিব ধৰে। জেইলৰ বাহিৰত কোনো পথিকে বিহু-গীত গাই গৈ থাকে, সিহঁতে গানত মন দিয়ে আৰু জেইলৰ চিপাহীৰ ধমক পালে কাম কৰিব ধৰে। )

( এজন পথিকে বাটে বাটে বিহু-গীত গাই যায়।)

চ'তৰ পাচত পালেহি বহাগ
শুভ আগমন লৈ ;
নব সমাজৰ শান্তি নাইকিয়া
দেশ বিপ্লব লই ।
অসমীয়া জাতি বিহু বলিয়া
নুভুলে কোনো দিনে ;
ওলাইছা পাতিব কিহৰে ৰিহু
এই বেলিৰ বাবে ।
খুন্দিবলৈ সান্দহ পিঠা আছেনে
ভৰাঁলতনো ধান ?
আকৌ নাই, লোণ গুৰ, চেনি কল দৈ
কিহৰে থাবা মন ।

দিবা গুৰুক কিহেৰে ৰিহুৱান
আছেনে তোমাৰ সূতা ?
মাৰিলা ভৰিত কুঠাৰৰ ঘাপ
হলাহি সৰ্ব্বশিলা ।
নহব পতা বিহুটি এইবাৰ
বুয়-বস্তুৰ-দৰ ;
গুকম্ গুকম্ গুকম্ শবদে
লগাইছে-ভূ-থৰ্ ।
চতুৰ দিশে সাম্প্ৰদায়িক দলে
কৰে তাণ্ডৱ নৃত্য ;
গ্ৰাসিব লাগিছে মায়া নোহোৱাইঁতে
পথে নৰ মুণ্ডে ।

—"জয়হিন্দ"—



( গুৱাহাটী জেইল ; সময় ধলপুৱা । জেইলৰ বাগিচাত জেইল চিপাহীয়ে কাম বতাই দিয়াত কয়দীবোৰে নিজৰ কাম কৰিবলৈ ধৰে । হোল চেল্লাৰ আৰু এচ্, আই কোৰ মাৰিব ধৰে। জেইলৰ বাহিৰত কোনো পথিকে বিহু-গীত গাই গৈ থাকে, সিহঁতে গানত মন দিয়ে আৰু জেইলৰ চিপাহীৰ ধমক পালে কাম কৰিব ধৰে। )

( এজন পথিকে বাটে বাটে বিহু-গীত গাই যায়।)

চ'তৰ পাচত পালেহি বহাগ
শুভ আগমন লৈ ;
নব সমাজৰ শান্তি নাইকিয়া
দেশ বিপ্লব লই ।
অসমীয়া জাতি বিহু বলিয়া
নুভুলে কোনো দিনে ;
ওলাইছা পাতিব কিহৰে বিহু
এই বেলিৰ বাবে ।
খুন্দিবলৈ সান্দহ পিঠা আছেনে
ভৰাঁলতনো ধান ?
আকৌ নাই, লোণ গুৰ, চেনি কল দৈ
কিহৰে খাবা মন ।

দিবা শুকক  কিহেবে ৰিহুৱান
 আছেনে তোমাৰ সূতা ?
মাৰিলা ভৰিত  কুঠাৰৰ ঘাপ
 হলাহি সৰ্ব্বশিলা ।
নহব পতা  বিহুটি এইবাৰ
 বুয়-বস্তুৰ-দৰ ;
শুকম্ শুকম্  শুকম্ শবদে
 লগাইছে-ভূ থৰ্ ।
চতুষ দিশে সাম্প্ৰদায়িক দলে
 কৰে তাণ্ডৱ নৃত্য ;
গ্ৰাসিব লাগিছে মায়া নোহোৱাইতে
 পথে নৰ মুণ্ডে ।

—"জয়হিন্দ্"—



লিখকৰ অন্যান্য কিতাপ সমূহ :—

ছপা হব ধৰিছে :—

# "মোক ভোট দিয়ক"

(সামাজিক নাটক)

—×—

কলিঙ্গ বিজয় (নাটক)— — ১৲

করুণা (উপন্যাস) ------৸৹

জীৱন অভিনয় (গল্প) —— ৸৹

ব্লেক মাৰ্কেট (নাটক) ———॥৹

(অসমৰ সকলো কিতাপৰ দোকানতে পাব)

পৰিবেশক :—

মাজিৰ গাওঁ

লখিমী ভৰাঁল।

পলাশবাৰী, কামৰূপ

অসম।

—×—